# বাৰাহ-চৰিত্ৰ ।

## সীতা মন্দোদৰীৰ জন্ম ।

—:0.—

শ্ৰীকনকেশ্বৰ শৰ্ম্মা বৰঠাকুৰ পণ্ডিত দ্বাৰা সম্পাদিত

ও

শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য দ্বাৰা

সংশোধিত আৰু প্ৰকাশিত

প্ৰথম সংস্কৰণ ।

যোৰহাট,

দৰ্পণ প্ৰেছত,

শ্ৰীটুনিৰাম শৰ্ম্মা দ্বাৰা ছাপা হ'ল ।

সন ১৯০৭ ।

মূল্য ৵০ অনা মাত্ৰ ।

# বাৰাহ-চৰিত্ৰ ।

সীতা মন্দোদৰীৰ জন্ম ।

——:0:——

শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য দ্বাৰা

সংশোধিত ।

এবং

শ্ৰীকনকেশ্বৰ শৰ্ম্মা বৰঠাকুৰ পণ্ডিত দ্বাৰা

প্ৰকাশিত ।



প্ৰথম তাঙ্গৰণ ।

যোৰহাট,

দৰ্পণ প্ৰেছত,

শ্ৰীটুনিৰাম শৰ্ম্মা দ্বাৰা ছাপা হ'ল ।

সন ১৯০৭ ।

মূল্য ৵ অনা মাত্ৰ ।



# পাতনি ।

এই পুথি খানি আমাৰ পিতামহ দেৱতাৰ নিজৰ ৰচিত। বহুত দিন এনেই পৰি আছিল, দৈবাৎ ভাগ্যক্রমে যোৰহাটলৈ যাওঁতে মাননীয় পণ্ডিত প্ৰবৰ শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য ডাঙ্গৰীয়াৰ লগত সাক্ষাত হয়, উক্ত ডাঙ্গৰীয়াৰ উদগণি পাই আমি এই পুথি প্ৰকাশ কৰিলোঁ।

পীৰাকটা
১৮২৯ শঁক
ভাদ্ৰ

শ্ৰীকনকেশ্বৰ শৰ্ম্মা
বড় ঠাকুৰ

—:0:—



শ্রীশ্রীকৃষ্ণায় নমঃ ।

# বাৰাহ চৰিত্ৰ ।



নমো ব্ৰহ্মণ্য দেৱায় গোব্ৰাহ্মণ হিতায়চ ।
জগদ্ধিতায় কৃষ্ণায় গোবিন্দায় নমোনমঃ ॥

## পদ ।

জয় জয় কৃপাময় দেৱ যদুপতি ।
তোমাৰ চৰণে কৰো অষ্টাঙ্গ প্ৰণতি ॥
জয় জয় কৃষ্ণ কৃপাময় দেৱ হৰি ।
মহা মহা পাপীও নিস্তৰে যাক স্মৰি ॥
জয় নমো নাৰায়ণ নিত্য নিৰাকাৰ ।
প্ৰণামো অনন্ত দেৱ জগত আধাৰ ॥

যাৰ লীলা বিভৱৰ নাহি পাৰাবাৰ ।
হেনসে কৃষ্ণৰ পদে শত নমস্কাৰ ॥
নমো নিৰাময় নিৰঞ্জন ভৱহাৰী ।
নমো নমো বাসুদেৱ ভক্ত ভযহাৰী ॥
তযু লীলা বুজিবাৰ শকতি কাহাৰ ।
অনন্তেয়ো নপায় যাৰ মহিমাৰ পাৰ ॥
তুমি স্রজি আছা চৰাচৰ জীৱ ৰাশি ।
সন্তক পালাহা প্ৰভু দুষ্টক বিনাশি ॥
হে প্ৰভু দয়াময় কমল লোচন ।
দয়া কৰি ত্ৰৈলোক্যক কৰাহা পালন ॥
মই অতি মূঢ় মতি নজানো ব্যাখ্যান ।
বহু ভয়ে তযু লীলা কহো অল্পমান ॥
মই অতি অল্প মতি নেজানো ভকতি ।
নিজ গুণে তুষ্ট হোৱা দেৱ যদুপতি ॥
তোমাৰ অপাৰ গুণ কোনেনো কহিব ।
দেৱেও নোৱাৰে যাক নৰে কি কহিব ॥
ব্যাস আৰু বাল্মীকি প্ৰভৃতি কবিগণ ।
আগু গুৰুবন্দো পিতৃ মাতৃৰ চৰণ ॥
সৰস্বতী মাৱক কৰিয়া নমস্কাৰ ।
বাৰাহ চৰিত্ৰ পদ কৰিবো প্ৰচাৰ ॥
বাৰাহ নামক প্ৰভু লৈলা কিকাৰণ ।
মাধৱৰ স্থানে যাই দেৱ কিকাৰণ ॥

দেৱতা সবক যেহি সমিধান দিলা ।
লক্ষ্মী সৰস্বতী সমে যিটো কাণ্ড ভৈলা ॥
দুই দেৱী এক কৰি ভগৱন্তে লই ।
শৃঙ্গ নামে গিৰী মাজে থিকৰিলা গই ॥
পাছে প্ৰভু জম্বুনাৰে যেন কাম কৈলা ।
হৰ গৌৰী সেই স্থানে আসি যি কৰিলা ॥
মন্দোদৰী কাৰ গৰ্ভে জনম ধৰিলা ।
কোনে পাই মন্দোদৰী, মুক্তি লাভ কৈলা ॥
যুবা কালে মন্দোদৰী যাহাক বৰয় ।
যাৰ বৰ পাই তেওঁৰ স্বামীও বাঢ়য় ॥
উচ্চৈস্বৰী যাৰ গৰ্ভে জনম ধৰিলা ।
উচ্চৈস্বৰী জীৱনত যত কাৰ্য্য কৈলা ॥
কিনো দোষে উচ্চৈশ্বৰী প্ৰাণক এৰিলা ।
কোন ৰূপে সীতা মাতৃ জনম লভিলা ॥
সীতাদেবী কোনে নিয়া প্ৰতিপাল দিলা ।
জানকী দেবীৰ নাম কোন হেতু থৈলা ॥
কিহেতু মৈথিলী নাম সৰ্ব্বজনে কৈলা ।
কহিবাক লাগি মোৰ বৰ মন ভৈলা ॥
বঢ়া টুটা দোষ তাত অনেক হইব ।
জ্ঞানী গণে তাক শুনি মাৰ্জ্জনা কৰিব ।
তাত হন্তে উঠিবেক দাৰুণ অগণি ।
সেহি অগ্নি লাগি তাৰ খণ্ডিবে আপুনি ॥

ভাৰ হৰণৰ হেতু হইব সব কাম ।
দ্বিজ উমাকান্তে কহে বোলা ৰাম ৰাম ॥

———:0:———

# পদ ।

শুনা সভাসদ গণ স্বৰ্গৰ কথন ।
ৰাৱণে কৰিছে ধ্বংস স্বৰ্গৰাজ্য ...
প্ৰতি দিনে প্ৰজা শাস্তি অনেক কৰয় ॥
মৰো জীবোঁ কৰি কতো আটাস পাৰয় ॥
মাৰে কিল ভুকু কাৰো প্ৰাণক মাৰয় ।
নানা মতে প্ৰজা শাস্তি ৰাৱণে কৰয় ॥
প্ৰজা সবে তাৰ ভৰ সহিব নোৱাৰি ।
দেব সমে যুক্তিকৰি চিন্তে দেৱহৰি ॥
শুণি গান্তি কৰিব নোৱাৰি মন থিৰ ।
ব্ৰহ্মাৰ পাশক লাগি গৈলা ধীৰে ধীৰ ॥
মেৰুৰ ওপৰে আছে ব্ৰহ্মাৰ ভবন ।
তাক দেখি কৌতুহল ভৈলা দেৱগণ ॥
বসি আছে ব্ৰহ্মা তাত পদ্মাসন ধৰি ।
নিবীৰ আসনে মাধৱক ধ্যান কৰি ॥
সবে হন্তে গৈলা যাই ব্ৰহ্মাত শৰণ ।
দণ্ডৱতে প্ৰণামিলা ব্ৰহ্মাৰ চৰণ ॥

শুনা প্ৰজাপতি কহো দুখৰ কাৰণ।
আমাক কৰয় পীড়া দুৰ্জ্জন ৰাৱণ ॥
স্বৰ্গক কাঢ়িয়া লৈলা সৰ্ব্বস্বক হৰি।
আৰে কীল ভুকু যাক যৈতে পাৱে ধৰি ॥
সহিব নোৱাৰো আমি দুঃখ অতিশয়।
স্বৰ্গ এৰি পলাই যাও যৈতে দেৱচয় ॥
ইটো কষ্ট খণ্ডায়োক ওহে দেৱৰাজ।
যেন মতে ৰক্ষাপাৱে ইটো স্বৰ্গৰাজ্য ॥
তোমাৰেসে সৃষ্টি নষ্ট যাই প্ৰজাপতি।
বি উপায়ে ৰহে তাঙ্ক চিন্তিয়ো সম্প্ৰতি ॥
তুমি বিনে আপদে তাৰন্তা আছে কোন।
তুমি বিনে দুৰ্জ্জন বধন্তা আছে কোন ॥
তাক শুনি ব্ৰহ্মা পাচে চক্ষুক মেলিলা।
ত্ৰিদশ দেৱক পাচে আগতে দেখিলা ॥
ত্ৰিদশ দেৱৰ ভৈলা এনুৱা বিলাই।
উঠা দেৱগণ আৰু উঠা সুৰৰাই ॥
শুনিয়োক দেৱগণ কহো স্বৰূপত।
ৰাৱণে পীড়য় মই জানো ত্ৰিজগত ॥
মহেশ আমাৰ বৰে অবধ্য ৰাৱণ।
সিকাৰণে জগতকে পীড়য় দুৰ্জ্জন ॥
সিহেতু গুণিয়া মই উপাই নপাওঁ।
হৰৰ পাশক লাগি সবে চলি যাওঁ।

হংস জ্ঞানে চলি গৈল ব্ৰহ্মা এহি বুলি ॥
মহেশ পাশক লাগি সবে গৈলা চলি ॥
কৈলাসক পাই ব্ৰহ্মা হংসৰ নামিলা ।
ত্ৰিদশ সহিতে বিধি ভূমি পাৱ ভৈলা ॥
আগ কৰি ব্ৰহ্মাক বসিলা দেৱগণ ।
প্ৰতি জনে নমিলন্ত হৰৰ চৰণ ॥
হেন দেখি মহাদেৱে বচন বুলিলা ।
দেৱ সমে ব্ৰহ্মা তুমি কি কাৰ্য্যে আসিলা ॥
হেন শুনি ব্ৰহ্মা পাচে বুলিলা বচন ।
কি কহিবো দেৱতাৰ দুঃখৰ কাৰণ ॥
তোমাৰ আমাৰ বৰে অবধ্য ৰাবণ ।
লুড়ি পুৰি সৰ্ব্বস্বক কৰিলা উচ্ছন্ন ॥
শুনি হৰে বোলে চিন্তি নপাওঁ উপায় ।
আসা সবে মিলি যাওঁ মাধৱৰ ঠায় ॥
এহি বুলি মহাদেৱে বৃষভে চড়িলা ।
বিষ্ণুক সুমৰি পাচে হাতে শূল লৈলা ॥
এত হন্তে প্ৰজাপতি হংস যানে চৰি ।
ত্ৰিদশ সহিতে গৈলা ব্ৰহ্মা বৈকুণ্ঠক লৰি ॥
আছে বিষ্ণুলোক সত্য লোকৰ ওপৰে ।
ত্ৰিদশ সহিতে চলি গৈলা ব্ৰহ্মা হৰে ॥
বৃষভে হংসৰ নামি ভৈলা ভূমি পাৱ ।
আচান্ত কৰিয়া ভৈলা পবিত্ৰ স্বভাৱ ॥

চলি যান্ত দেব সঙ্গে ব্ৰহ্মা মহেশ্বৰ ।
প্ৰবেশিলা যাই দিব্য বৈকুণ্ঠ নগৰ ॥
বাসৱ সহিতে দেৱগণ এক সাৰি ।
আগ হুয়া দেৱ দুই বৈলা জাম্মু পাৰি ॥
বিষ্ণু দৰশনে প্ৰজাপতি ত্ৰিপুৰাৰি ।
হৰিৰ চৰণ মনে হৃদয়ত ধৰি ॥
পাচে উঠি ব্ৰহ্মা হৰে কৃতাঞ্জলি কৰি ।
স্তুতি আৰম্ভিলা দুয়ো মন স্থিৰ কৰি ॥
কৰিলা মিনতি স্তুতি অনেক বিস্তাৰ ।
সংক্ষেপত কহো মাত্ৰ অলপ তাহাৰ ॥
নমো নমো পৰম ঈশ্বৰ মোৰ দেৱ ।
তোমাৰ চৰণে হেৰা পৰি কৰো সেৱ ॥
ভকত বৎসল তুমি বিনে নাহি আন ।
বাৰে বাৰে আমাক কৰিছা পৰিত্ৰাণ ॥
শৰণে পশিলো প্ৰভু কৰা পৰিত্ৰাণ ।
তুমি বিনে আপদে তাৰন্তা নাহি আন ॥
ইবাৰ কৰিয়ো ত্ৰাণ ৰাৱণ হাতৰ ।
অধৰ্ম ৰাৱণ ইটো বৈৰী জগতৰ ॥
তাৰ ভৰে ৰসাতলে যায় বসুন্ধৰী ।
আৰ আমি স্বৰ্গত থাকিবো কেন কৰি ॥
সৃষ্টি ৰাখিবাক প্ৰতি প্ৰভু সনাতন ।
যুগে যুগে অৱতাৰ ধৰা নাৰায়ণ ॥

এহি বুলি মৌন ভৈলা দেৱ ব্ৰহ্মাহৰ ।
তাসম্বাক সম্বুধি মাতন্ত দামোদৰ ॥
শুনা ব্ৰহ্মা শুনা শিব শুনা দেবগণ ।
কহিৱে নলাগে মই জানো প্ৰয়োজন ॥
তোমাৰ কাৰ্য্যক মোৰ লাগে কৰিবাক ।
কিন্তু এক কথা কহো শুনিয়োক তাক ॥
দশৰথ ঘৰে মই জনম ধৰিবো ।
পিতৃ ৱাক্য ধৰি ঘোৰ বনত চলিবো ॥
তহিত সীতাক হৰি নিবেক ৰাবণে ।
ভালুক বানৰ হৈবা সবে দেৱগণে ॥
তোৰাক সহায় লই ৰাৱণক মাৰি ।
সাগৰত সেতু বান্ধি সীতাক উদ্ধাৰি ॥
তেবেসে খণ্ডিবে পৃথিবীৰ মহা ভাৱ ।
দুষ্টক বধিয়া সন্ত কৰিবো উদ্ধাৰ ॥
এহি বুলি অন্তৰ্ধ্যান ভৈলা ভগবান ।
দেব গণ চলি গৈলা আপোনাৰ স্থান ॥
আত অনন্তৰে কথা শুনা মন কৰি ।
মনে আলোচিয়া সাৰ কৰিলন্ত হৰি ॥
মই দশৰথ ঘৰে জন্ম ধৰো যাই ।
কোনে হুইবে গই মোৰ লগৰ সহাই ॥
জিজ্ঞাসিয়া মনে পাচে পালে নাৰায়ণে ।
হৌক জন্ম মহালক্ষ্মী বসুন্ধৰা স্থানে ॥

বাৰাহৰ বীৰ্য্যে সৰ্ব্ব গুণে আনন্দিতা ।
সৰ্ব্ব গুণে মনোনীতা নাম হৈবে সীতা ॥
শুনিয়োক সৰ্ব্ব জন্ম লীলা মনোম্বিত ।
জানকীৰ জন্ম ইটো বাৰাহ চৰিত ॥
ঈশ্বৰৰ লীলা কথা ত্ৰৈলোক্যতে সাৰ ।
কলি যুগে আত পৰে ধৰ্ম্ম নাহি আৰ ॥
জানি নিৰন্তৰে নৰে এৰি আন কাম ।
দ্বিজ উমাকান্তে কহে বোলা ৰাম ৰাম ॥

———:0:———

হেন চিন্তি মনে, পাছে নাৰায়ণে
বুলিলা লক্ষ্মীক চায় ।
তোমাৰ আগত, কৰিবো বেকত
মোৰ যত অভিপ্ৰায় ॥
দশৰথ ঘৰে, হৈবোঁ অবতাৰ
বধিবো দুষ্ট ৰাৱণ ।
মোৰ লগে তুমি, যাইবাক লাগয়
সাধিবাক প্ৰয়োজন ॥
বাৰে বাৰে সতী, হোৱা অৱতাৰ
ভাৰ হৰি বাক প্ৰতি ।
জগত ইবাৰ, চলিয়োক মোৰ
সহায় হইয়া সতী ॥

এতেকে আমাৰ, বচনে সত্বৰ
উত্তৰা কুৰক যায়ো ।
বাৰাহৰ বীৰ্য্যে, পৃথিবীত হন্তে
জনম তুমি লভিয়ো ॥
তোমাক সঙ্গতি, কৰি মহা সতী
খণ্ডিবোঁ সমস্তে ভাৰ ।
ধৰ্ম্মক থাপিবো, সন্তক পালিবো
কৰিবো যশ বিস্তাৰ ॥
শুনি ভগৱতী, কৰযোৰে আতি
বুলিলা স্বামীক চাই ।
তোমাৰ বচনে, পৰম সাদৰে
কৰিবে মোৰ যুৱাই ॥
এহি বুলি দেবী স্বামীক প্ৰণামি
চলিবাক যেবে চান্ত ।
সৰস্বতী দেবী, স্বামীক প্ৰণামি
পাৰে [illegible] বিনাৱন্ত ॥
শুনিয়োক প্ৰভু, আমাৰ গোচৰ
তোমাৰ লগতে যাওঁ ।
ঘুৰি পৃথিবীত, তোমাৰ লগত
লোকৰ ধৰ্ম্মক চাওঁ ॥
যদি মোৰ বুলি, আছে মোক দায়া
নিয়োক মোক লগত ।

বাৰে বাৰে তুমি, ভাণ্ডি মোৰা মোক
দুঃখ দেখাই নানা মত ॥
ইবাৰ নেৰিবো, চৰণে ধৰিবো
সঙ্গে চলি যাওঁ আমি ।
নকৰা নৈৰাশ, তুমি জগ বাস
মোহোৰ দয়ীত স্বামী ॥
শুনি নাৰায়ণ, বুলিলা বচন
হাসি হাসি মুচুকাই ।
তুমি গৃহ বাৰী, ৰাখিয়া থাকাহা
আমাক দিও পঠাই ॥
যি জনী চঞ্চল, নাৰী অনুক্ষণ
পুৰুষৰ ফুৰে পাছে ।
গৃহে থাকি তুমি, আমাক সেবিবা
আন কোন দুঃখ আছে ॥
লক্ষ্মী সমে আমি, পৃথিবী মধ্যত
ফুৰিবো দুঃখত ভ্ৰমি ।
নৈৰাশা বচন, শুনি জগন্মাতা
কান্দিলা স্বামীক নমি ॥
প্ৰিয়াৰ বিৰহ, দেখি যোগেশ্বৰ
বস্ত্ৰে মচিলন্ত মুখ ।
যাইবাহা লগত, বোলো স্বৰূপত
মনে নকৰিবা দুঃখ ॥

পাচে নাৰায়ণে, লক্ষ্মীক বোলন্ত
মোহোৰ বচন ধৰা ।
তোমা দুই হাম্মো, মহা গুণনাম্
সবে এক ঠাই কৰা ॥
দুই মিলি এক, হুয়া পৃথিবীন্ত
জন্ম ধৰা তুমি যায় ।
দেখিবা ইবাৰ, সৰস্বতী দেবী
কত বৰ দুঃখ পায় ॥
স্বামীৰ আদেশ, শুনি মহালক্ষ্মী
চাৰি হাত চাৰি ভৰি ।
দুই হানো আম্মাক, দুই হানো শৰীৰ
সবে এক ঠাই কৰি ॥
দুই নাক চাৰি, কৰ্ণ এক কৰি
দুই অঙ্গে এক ভৈলা ।
বাৰাহ পৃথিবী, যি স্থানে আছন্ত
তৈক লাগি চলি গৈলা ॥
ছদ্ম ৰূপ হুয়া, বাৰাহৰ অঙ্গে
গুপ্ত হুয়া ৰহিলন্ত ।
কালক উপেক্ষি, ৰৈলা মহা সতী
সমস্তে মনে আছন্ত ॥
আত অনন্তৰে, যেন কথা ভৈলা
শুনিয়োক সমাজ সবে ।

দিনেক পৃথিবী, বাৰাহক সেৱা
কৰিয়া আছন্ত যেবে ॥
বিষ্ণুৰ মায়াই, আক্ৰমিলা যাই
বুলিলা স্বামীৰ আগে ॥
শুনিয়োক প্ৰভু, আমাৰ গোচৰ
তোমাত কহিবে লাগে ॥
পূৰ্ব্বে গৌৰী আদি, যত নাৰী গণে
সেৱন্ত স্বামীৰ পাৱে ।
তাকে তাকে তাৰ, কৰন্ত পুৰণ
জানিবা আক স্বভাৱে ॥
ইবাৰ আমিয়ো, তোমাৰ চৰণে
এখান গোছৰ কৰো ।
চলিয়োক তুমি, দিব্য সৰোবৰে
এহি মানে বাঞ্চা কৰো ।
শুনা বসুমতী, তোমাৰ বাঞ্চিত
কৰিবো মই পূৰণ ॥
কিন্তু সন্নিতত, নাই পুণ্যক্ষেত্ৰ
ঐহেতু সংশয় মন ॥
তথাপি তোমাৰ, বাঞ্চনি সাধিবো
শুনা কহো তাৰ কথা ।
আমাৰ নিকটে, আছে গিৰীবৰ
শৃঙ্গ নামে সুশোভন ॥

যদি দেখিবাক, ইচ্ছা আছে মনে
চলিয়োক এতিক্ষণে ।
ৰাৰাহৰ বাণী, বসুমতী শুনি
পৰম আনন্দ মনে ॥
শুনা নৰলোক, মুকুতি গিলোক
হৰিসে মোক্ষ মুকুতি ।
ইহ পৰলোকে, হৰিসে বান্ধৱ
হৰি বিনে নাহি গতি ॥
নমো নাৰায়ণ, পশিলো শৰণ
অভয় পদ কমলে ।
তুমি কৃপাসিন্ধু, দুঃখিতৰ বন্ধু
চপোৱা চৰণ কোলে ॥
তযু অঙ্গে জীৱ, ভৈলা সদাশিৱ
তথাপি নভৈল জ্ঞান ।
মোহ সমুদ্ৰত, পৰি তল গৈলো
নিস্তাৰন্তা নাহি আন ॥
আপোন কৰ্ম্মৰ, বিপাকৰ ফলে
ফুৰি ফুৰি জন্ম ধৰো ।
কৰাকৃপানাথ, মই অনাথক
জন্ম মৃত্যু ভয় তৰো ॥
এতেকে তোমাৰ, চৰণে শৰণ
লৈলোহো মই একান্তে ।

বোলা হৰি হৰি, নিয়োক উদ্ধৰি
কহে দ্বিজ উমাকান্তে ॥

———:0:———

## পদ ।

আত অনন্তৰে কথা শুনা একমনে ।
বসুন্ধৰী সহিতে বাৰাহ দুই জনে ॥
তীর্থ ক্ষেত্র চাহিবাক মনে ইচ্ছা কৰি ।
তেখনে গৈলেক চলি কৃষ্ণক সুমৰি ॥
পৰম আনন্দে দুই চলি যান্তে আছে ।
কতো বেলি পর্ব্বত শিখৰ পালা পাছে ॥
ৰঙ্গমনে পর্ব্বতে চড়িলা দুয়ো যাই ।
আনন্দতে ফুৰে দুয়ো তীর্থ ক্ষেত্র চাই ॥
পর্ব্বতৰ গুণ কহো শুনা নিৰন্তৰ ।
আছে বৃক্ষ সব তাত পৰম সুন্দৰ ॥
ফলে ফুলে জকমক কৰিয়া আছয় ।
চতুর্ব্বর্ণ ভূমি তাত দেখি শোভনয় ॥
নিঃকিঞ্চন জন দেখি হৃদয়ে ডৰিয়া ।
ঝৰঝৰ শবদে নিঝৰ বহি যায়া ॥
পর্ব্বতেসে মাতে হেন শুনি সমুদাই ।
বাৰাহ সহিতে সতী ফুৰে তাক চাই ॥

কৃষ্ণশুক্ল বর্ণ শিলা আছয় বিস্তৰ ।
আছে এক জাম্বু বৃক্ষ আত অনন্তৰ ॥
পকা ফল খসি তাত পৰে নিৰন্তৰ ।
পৰম সুস্বাদ ফল দেখিতে সুন্দৰ ॥
তাৰ ৰসে এক মহানদী বহি যাই ।
পৰম সুস্বাদ ফল ৰস সমুদাই ॥
হেন পর্ব্বতৰ শৃঙ্গ চাই ৰঙ্গ মনে ।
বাৰাহ পৃথিবী দুয়ো ভ্ৰমে ঠানে ঠানে ॥
এহিমতে ৰঙ্গমনে শৃঙ্গ চাই চাই ।
কতো বেলি উচ্ছ্রিত শৃঙ্গ পালেক যাই ॥
দুইকো দুয়ো চাই আনন্দৰ সীমা নাই ।
আছে দিব্য সৰোবৰ দেখি সেহি ঠাই ॥
চাৰিও পাৰত বৃক্ষে শোভা কৰি আছে ।
পাৰিজাত ফুল তৰু চন্দনৰ গাছে ॥
অনেক বিচিত্ৰ পুষ্পে শোভে সৰোবৰ ।
তাৰ গন্ধে আমোদিত গুঞ্জৰে ভ্ৰমৰ ॥
কোকিলৰ কুহুঁ কুহুঁ ধ্বনি নিৰন্তৰ ।
মেঘৰ গৰ্জ্জন শুনি নাদয় ময়ুৰ ॥
নানা পুষ্প গন্ধে আতি আমোদিত কৰে ।
ওপৰত দেৱগণে কুসুম সিঞ্চৰে ॥
পাৰ সবে শোভে আতি হীৰাৰ বাখৰ ।
মধ্যে ভিন্দা বান্ধি আছে শুদ্ধ সুবৰ্ণৰ ॥

সৰোবৰ মাজে জল আতি সুনির্ম্মল ।
আছয় তাহাৰ মাজে অনেক কমল ॥
উৎপল পদ্ম ভেট সবেয়ো আছয় ।
সিন্ধুক কমল পুস্প যতেক আছয় ॥
পদ্মোৰজ পৰি আতি জল সুনির্ম্মল ।
তাক পানকৰি পক্ষী সদাই চঞ্চল ॥
হংস চক্রবাক সেন সেৱালি ধেকোৰ ।
ইত্যাদি অনেক পক্ষী আছে মনোহৰ ॥
কুটুম্বী গৃহস্থৰ সম্বন্ধ যেন নয় ।
ভার্য্যা পুত্র সমন্বিতে কুড়িয়া থাকয় ॥
এহিমতে নিজ পক্ষিগণ লই সঙ্গে ।
আপোন স্বভাৱে কুড়াকৰিথাকে ৰঙ্গে ॥
সাবটা সাবটী কৰে হৰষিত হই ।
আপোন স্বভাবে সবে ক্রোড়িয়া থাকই ॥
জলে বুৰদিয়া কতো আহাৰ ভুঞ্জয় ।
কতো পদ্মপত্রে পৰি ঘুমটি মাৰয় ॥
এহিমতে নানা পক্ষী কৰয় ৰমণ ।
তাক দেখি বসুন্ধৰা মোহ গৈলা মন ॥
দেখা প্রভু জলে ক্রোড়া কৰে পক্ষীচয় ।
স্বামী সঙ্গে কৰে ক্রোড়া আনন্দ হৃদয় ॥
নজানে তাহান সবে কেন সুখ পায় ।
সেহিমতে ক্রোড়িবাক মোৰ ইচ্ছা যায় ॥

দাসী বুলি যদি দয়া আছে মোক প্ৰতি ।
চৰণত ধৰি প্ৰভু কৰোহো কাকুতি ॥
ভাৰ্য্যাৰ কাকুতি শুনি বাৰাহ ঈশ্বৰ ।
তাহাক সম্বোধি পাছে দিলন্ত উত্তৰ ॥
নাৰীৰ চঞ্চল চিত্ত জগতে জানয় ।
যাক দেখি পুৰুষত তাহাক মাগয় ॥
কৰিবোহো তোৰ মই বাঞ্চিত পূৰণ ।
হুয়োক হংসিনী বসুন্ধৰী এতিক্ষণ ॥
মই হংস হুয়া ক্ৰীড়িবোহো জল মাজ ।
সাধিবোহো দেৱতা সবৰ যত কাৰ্য্য ॥
এহি বুলি দুয়ো হংস হংসী হুয়া আছে ।
শুনিয়োক আতপৰে যেন ভৈলা পাছে ॥
বাৰাহ পৃথিবী শৃঙ্গ পৰ্ব্বত আছন্ত ।
ব্ৰহ্মালোকে থাকি ব্ৰহ্মাদেৱে জানিলন্ত ॥
হংসে চড়ি আইলা পাছে প্ৰজাপতি গণ ।
সপ্ত ঋষি অষ্টবসু আইলা তেতিক্ষণ ॥
ইন্দ্ৰ, চন্দ্ৰ, বায়ু, বহ্নি, কুবেৰ, বৰুণ ।
বিদ্যাধৰ মধ্যে সিদ্ধ অপেস্বৰা গণ ॥
গন্ধৰ্ব্ব গুহ্যক আনো চাৰণ সকল ।
গগণ ঢাকিয়া সবে চাহে কৌতুহল ॥
কৈলাসত থাকি মহাদেৱে জানিলন্ত ।
বাৰাহ পৃথিবী হংস ক্ৰীড়িবাক চান্ত ॥

পাৰ্ব্বতী সহিতে হৰ চড়ি বৃষভত ।
আসিলন্ত লক্ষ্মী যেন স্বামীৰ লগত ॥
যি স্থানত প্ৰভু যজ্ঞ বাৰাহ আছন্ত ।
হৰগৌৰী তৈকে লাগি ৰঙ্গে চলিলন্ত ॥
হেন দেখি বাৰাহ পৃথিবী ৰঙ্গ মনে ।
আগবাঢ়ি দুইকো নিলন্ত তাৱক্ষণে ।
বসিবাক লাগি প্ৰভু আসন দিলন্ত ॥
হৰগৌৰী দুয়োজনে তাতে বসিলন্ত ।
পুচিলা কুশল বাৰ্ত্তা কৰি সতকাৰ ॥
অন্যো অন্যে কহিলা কুশল আপোনাৰ ।
এহিমতে তাত চাৰি বসিয়া আছন্ত ॥
পৃথিবীৰ যত কাৰ্য্য বাৰাহ কহন্ত ।
শুনি গৌৰী মহেশক কহিলা প্ৰণামি ॥
মোৰ মনোৰথ পুৰিয়োক মোৰ স্বামী ।
বাৰাহ পৃথিবী মনে যাক ইচ্ছা কৰে ।
মোৰ মন পুৰা স্বামী ৰম্য সৰোবৰে ॥
পাৰ্ব্বতীৰ বাণী শুনি হৰে মাতিলন্ত ।
মোৰ ইচ্ছা এহি বুলি হৰে কহিলন্ত ॥
শুনি গৌৰী পৃথিবীয়ো ভৈলা হংসীবেশ ।
হংস হৈয়া চাৰিজন জলত প্ৰবেশ ॥
উৰাৰ কৰিয়া যাই মাজত পাৰিলা ।
সমস্ত চতকে গৈই চাৰিকো বেৰিলা ॥

পক্ষীৰ আকাৰে চাৰি দিশে নিৰন্তৰে ।
ক্রীড়িবাক লৈলা সবে জলৰ ওপৰে ॥
পাখি পাখি ঠোণ্টে ঠোণ্টে নয়ণে নয়ণে ।
তাসম্বাৰ মতে চাৰি কৰে আলিঙ্গনে ॥
কতো জলে বুৰদিয়া মৃণাল ভুঞ্জয় ।
মহাবেগে কতো লৰা লৰৰি কৰয় ॥
কতো বেলি জলতে লৰয় বুৰ দিয়া ।
মহা বেগে জলে কতো ফুৰয় খেদিয়া ॥
পিঠিত চৰিয়া দুয়ো পক্ষীৰ আজোৰে ।
ঠোণ্টে মুণ্ডে ধৰি দুয়ো কৰন্ত শৃঙ্গাৰে ॥
আনো পক্ষিসবে তাসম্বাৰ ৰঙ্গ চাই ।
পৰম আনন্দে ক্রীড়াকৰে ঠাই ঠাই ॥
আপোন স্বভাবে ত্যজে সুললিত ৰাৱ ।
যেহেন মহন্তে হৰিধ্বনিৰ স্বভাৱ ॥
জলে বুৰদিয়া কতো ফুৰে ৰঙ্গকৰি ।
কতো পদ্ম মৃণালক ভুঞ্জয় উভাৰি ॥
এহিমতে ক্রীড়াকৰি ফুৰে পক্ষিগণ ।
ৰাৰাহ পৃথিৱী হৰগৌৰী চাৰি জন ॥
তাসম্বাৰ ৰঙ্গ চাই যত দেৱ চয় ।
পৰম আনন্দে সবে পুস্প বৰিষয় ॥
প্রধান গন্ধর্ব্ব সবে মৃদঙ্গ বায়য় ।
মুক্ষমুক্ষ অপেস্বৰা কাচিয়া নাচয় ॥

জয় হৰি হৰ বুলি দেৱে জোকাৰয় ।
বিদ্যাধৰ আদি কৰি সবেও নাচয় ॥
অনন্তৰে ক্ৰীড়াকৰি ভৈলা অৱসান ।
হংসবেশ এৰি চাৰি জলে কৰি স্নান ॥
জলৰ উঠিয়া কৰি চাৰি ৰঙ্গ মন ।
আকাশত দেৱে পুষ্প বৰিষে সঘন ॥
সেহি বেলা বাঁৰাহে বুলিলা অনুমানি ।
বসুমতী শুনিয়ো আমাৰ যেন বাণী ॥
পক্ষীৰ বেশৰ বীৰ্য্য জানি সাৰে সাৰ ।
ডিম্বৰূপে বাজ কৰা গৰ্ভৰ সত্বৰে ॥
শুনি দুয়ো সতী পাছে তেখনে ত্যজিলা ।
ডিম্বৰূপে সেহি বেলা দুয়ো বাজ কৈলা ॥
ডিম্ব গুছি দুই ডিম্বে দুই কন্যা ভৈলা ।
তেঁৱা তেঁৱা কৰি দুয়ো কান্দিবে লাগিলা ॥
দেখা সবে ইটো কথা সুমঙ্গল ভৈল ।
মুহুৰ্ত্তেতে ডিম্ব গুচি কন্যা উপজিল ॥
কন্যা দেখি সবাৰে হৰিষ ভৈলা মন ।
আমাৰ সিজিল কাৰ্য্য বোলে দেৱগণ ॥
জগত কাৰণী লক্ষ্মী গোসানী ভৈলন্ত ।
নিজৰূপে গৌৰী দেবী স্থানে আসিলন্ত ॥
এহি বুলি দেবগণে ৰঙ্গ কৰি পাছে ।
উগুল থুগুল মনে গুণি গান্থি আছে ॥

সেহিবেলা বিশ্বকৰ্ম্ম ময় সমন্নিতে ।
পৰম আনন্দে দুয়ো মিলিলা তহিতে ॥
প্রণমিলা বাৰাহ হৰক দুয়োজনে ।
দেখি দুয়োক দুই অতি আছে ৰঙ্গমনে ॥
বিমানত থাকি চাহি আছে দেৱগণে ।
সৰোবৰ তীৰত বসিয়া ৰঙ্গ মনে ॥
পাছে হৰে ময় দানৱক বুলিলন্ত ।
নিয়ো কন্যা খানী গৌৰী হস্তে জন্মিলন্ত ॥
প্রতিপালি বিবাহ দিবাহা ভাল চাই ।
সৰ্ব্ব গুণৱতী কন্যা ৰূপে সীমা নাই ॥
বাৰাহে বুলিলা বিশ্বকৰ্ম্মাৰ আগত ।
ইটো কন্যা খানী নিয়া গিৰী হিমৱন্ত ॥
যাৱত নধৰে অৱতাৰ ৰাম হৰি ।
তাৱদেকে থাকিবেক কন্যা তপ কৰি ॥
হেন শুনি ৰঙ্গ ভৈলা দুহান্তৰো মন ।
বাৰাহ হৰৰ বাক্যে নৈলা তেতিক্ষণ ॥
হৰক গৌৰীক ময়ে প্রণাম কৰিলা ।
পাচে বিশ্বকৰ্ম্মে যত্ন পৃথিবী নমিলা ॥
চাৰিতো বিদায় কৰি যাই দুয়ো চলি ।
পৰম আনন্দে যাই ভাল পালো বুলি ॥
আনন্দতে পাইলে ভাল পালো বুলি ।
দেখি সোধা সুধি কৰে যত নৰনাৰী ॥

কেনমতে তোৰা দুই ইটো কন্যা পালা ।
কোন জনে বনত আনিয়া দুইক দিলা ॥
হেন শুনি দুয়ো পাছে কহিবে লাগিলা ।
বাৰাহ পৃথিবী হৰ গৌৰী চাৰি দিলা ॥
আকে পাই আমি চলি আসিলো গৃহক ।
তাত পাছে যেন ভৈলা শুনিয়োক তাক ॥
যেখনে নিলেক হৰ বাৰাহ জীয়াৰী ।
তেখনে গৈলেক চলি তাৰপৰা চাৰি ॥
কৈলাস পুৰক লাগি দুয়ো চলি গৈল ।
দেবতা সবেও পাচে নিজাশ্রমে গৈল ॥
বাৰাহ পৃথিবী দুয়ো গুণিগান্তি আছে ।
আপোন থানক দুয়ো চলি গৈলা পাছে ॥
শুনিওক সর্ব্বজন ইটো হৰি কথা ।
ভাৰত ভূমিত জন্ম নকৰিবা বৃথা ॥
ব্রহ্মাৰ বাঞ্চনি নৰ তনু আছে পাই ।
আজি কালি কৰি আয়ু হাততে হেৰাই ॥
ইহেন মনুষ্য জন্ম নকৰিবা নষ্ট ।
শুনা শুনা হৰিকথা মনে এৰি কষ্ট ॥
সর্ব্বশাস্ত্রে কহয় প্রধান হৰি নাম ।
দ্বিজ উমাকান্তে কহে বোলা ৰাম ৰাম ॥

———:0:———

আত অনন্তৰে, শুনা সব নৰে
যেন কথা ভৈলা পাছে ।
হৰৰ নন্দিনী, আতি সুশোভিনী
ময়ে যেবে নিয়া আছে ॥
ৰাশি গণিবাক, আনিলা গণক
হাতে পুথি পাঁজি ধৰি ।
দৈবজ্ঞেজিজ্ঞাসে আছে কথা, ময়ে কলে যথা যথা
গণিয়োক ভাল কৰি ।
আতে মহেশ্বৰ, গৌৰীৰ গৰ্ভৰ
কন্যা ময়ে নিয়া আছে ॥
সিহেতু গণকে, শুদ্ধেৰে চালেক
ময়তো কহিলা পাছে ।
তোমাৰ নন্দিনী, বত্ৰিশ লক্ষণী
থৈলো নাম মন্দোদৰী ।
একো অঙ্গে হীনা, নাহি ক্ষতি ক্ষুণা
পৰম দিব্য সুন্দৰী ॥
দ্বিতীয়াৰ চন্দ্ৰ, পূৰ্ণিমা কুমাৰী
আসিবাক লৈলা বাঢ়ি ।
দেৱৰ ৰমণী, সচী আদি কৰি
মুহিবন্ত তাক সৰি ॥
এক দুই তিনি, চাৰি পাঞ্চ ছয়
বৎসৰ আসিয়া ভৈলা ।

সাত আঠ নব, দশ একাদশ
বৎসৰ যেবে মিলিলা ॥
বাৰয় বছৰ, ভৈলা মন্দোদৰী
সবাৰে আনন্দ মন ।
বিবাহ দিবাক, লাগি দুহিতাক
কৰিলা ৰঙ্গে যতন ॥
বেদ বিশ্রৱাৰ, তনয় ৰাৱণ
তাহাঙ্ক মাতিয়া আনি ।
পৰম সাদৰে, বস্ত্রে অলঙ্কাৰে
বিবাহ দিলা আপুনি ॥
শান্তী কন্যা পাই, ৰাৱণ ৰাজাই
আনন্দিত ভৈলা মন ।
নৈকেষীৰ সুত, পাই কন্যা ৰত্ন
কৰিলা ৰঙ্গে গমন ॥
সেই কন্যা পাই, দশ গ্রীৱে লই
মহেশক আৰাধিলা ।
হৰে তুষ্ট হই, ৰাৱণক চাই
বচন তাঙ্ক বুলিলা ।
লাগে যেহিবৰ, খোজ সেহি বৰ
লয়ো মই দিয়ো তোক ॥
তিনিও লোকত, যেহি জানে মোক
বধন্তা নাহিকে তাক ।

তোৰ ভক্তি দেখি, মই হলো সুখী
কহিলো তোত বিশ্বাস ।
কহ মোক তই, মনে আছে যেই
সিদ্ধি হব অভিলাষ ॥
শিৱৰ বচন, শুনিয়া ৰাৱণ
দণ্ডৱতে প্ৰণামিলা ।
কৰযোৰ কৰি, চৰণত ধৰি
হৰক কহিবে লৈলা ॥
ওহে প্ৰভু দেৱ পদে কৰো সেৱ
কৃপাকৰা অজ্ঞানাক ।
তোমাৰ চৰণে, পশিলো শৰণে
এহি বৰ দিয়া মোক ॥
মোহোৰ ভয়ত, তিনিও জগত
থৰত যেন কাম্পন্ত ।
মোৰ সম যেন ইতিনি ভুবন
আন বীৰ নুহি কন্ত ॥
যত চৰাচৰে, মোক নিতে নিতে
আসিয়া কৰোক সেৱ ।
এহি মানে বাঞ্চা, কৰো তযু আগে
দেৱতাৰ আদি দেৱ ॥
সপ্তদ্বীপা মহী, জিনি বাহুবলে
এক ছত্ৰী মোক কৰি ।

ৰাজা পাতি তুমি, ধৰণী মণ্ডলে
থৈয়ো অধিকাৰী কৰি ॥
ৰাৱণৰ বাণী, মহাদেৱে শুনি
বচন তাঙ্ক বোলয় ।
বৰ দিলো ৰাজা, তিনিও লোকত
হুয়ো তই মহাশয় ॥
নৰ ৰূপে ৰামে, সীতাৰ কাৰণে
আসি তোক মাৰিবেক ।
ভাৰক সংহৰি, ৰাক্ষসক মাৰি
পাছেসে নিবে সীতাক ॥
ৰামে নমাৰিলে, আনে নমাৰিব
কহিলো তোক নিশ্চয় ।
তাক শুনি পাচে, ৰাৱণে কহিলে
নকৰো ৰামক ভয় ॥
বৰ পাই আতি, ৰাৱণ নৃপতি
ভৈলা আনন্দিত মতি ।
ৰঙ্গ মনে হৰ, বৃষভত চড়ি
কৈলাশে কৰিলা গতি ॥
মহা বৰ পাই, ৰাৱণ ৰাজাই
কাহাকো নকৰে শঙ্কা ।
বলৰ দৰ্পত, জিনি কুবেৰক
প্ৰবেশিলা যাই লঙ্কা ॥

কতো দিনা যাই, দণ্ডুকা বনত
সীতাক নিলেক হৰি ।
অনেক আপদ, মিলিলেক আসি
লঙ্কা যে বৰ নগৰী ॥
শুনা নৰ নাৰী, এক চিত্ত কৰি
পাছে যেন কথা ভৈলা ।
বাৰাহ নন্দিনী, বত্রিশ লক্ষণী
বিশ্বকর্ম্মে লৈয়া গৈলা ॥
আপোন ঘৰক, লাগি মুনিৰাজ
আনিলে দৈবজ্ঞো মাতি ।
পাছে গ্রহ বিপ্রে, পুথি পাঁজি মেলি
চালে মন থিৰ কৰি ॥
শাস্ত্র গণি পঢ়ি, দৈবজ্ঞ থৈলন্ত
শ্রেষ্ঠ নাম উচ্চৈ শ্বৰী ।
এহি মতে দেবী, বিশ্বকর্ম্ম কাৰে
বাঢ়ন্ত পৰম শান্তী ॥
জল মল কৰে, মকৰে কুণ্ডল
শিৰত কিৰিটী কান্তি ।
নাসা তিল ফুল, অধৰে ৰাতুল
দন্ত মুকুতাৰ পান্তি ॥
স্বভাৱতো হেন, দেবী বিতোপন
সর্ব্ব সুলক্ষণী শান্তী ।

কৰন্ত প্ৰকাশ, তৰুণ বয়স
সুবলিত ভ্ৰুব আতি ॥
মৃণাল সদৃশ, বাহু দুই খানি
দেখন্তে পৰম প্ৰীতি ।
বহল হৃদয়, তাতে হেম ময়
মণি মুকুতাৰ হাৰ ॥
পিন্ধি আছে গলে, ৰত্ন কণ্ঠ মালা
ঝিলি মিলি পেচন্দাৰ ।
ৰত্নৰ আঙ্গঠি, বলয়া মেখলা
সুগম্ভীৰ ধীৰ মতি ।
ললিত বলিত, প্ৰকাশে আঙ্গুলি
উৰু হেম কল কান্তি ॥
ৰতনে খচিত, কঙ্কালে মেখেলা
পাত পীত নেত্ৰ সাৰি ।
তাতে সাবি সাৰি, ৰত্নৰ কিঙ্কিণী
বাজে ৰুণু ঝুনু কৰি ॥
দশো আঙ্গুলিত, সোণৰ আঙ্গঠি
চিকি মিকি কৰে কান্তি ।
দুই চৰণত, সোণৰ নেপুৰ
সিয়ো শোভা কৰে আতি ॥
লক্ষ্মী সৰস্বতী, দুইহানো শকতি
আসি যাতো এক ভৈলা ।

সি কাৰণে তিনি, লোকৰ সুন্দৰী
তাহাঙ্ক সমান ভৈলা ॥
চন্দ্ৰৰ সমান, বদন জ্বলয়
তনু সুকোমল কাই ।
ৰূপক দেখন্তে, তিনিয়ো লোকত
বৰ নাৰী আৰ নাই ॥
সেহি সময়ত, আকাশী বচন
কহিলা আসি সীতাক ।
যাৱত নধৰে, ৰাম অৱতাৰ
তাৱে তপ কৰি থাক ॥
সৰ্ব্ব গুণাকৰ, হৈবে অৱতাৰ
খণ্ডিবে ভূমিৰ ভাৰ ।
ভক্তক ৰাখিবে, অবতাৰ হুইবে
ৰাজা দশৰথ ঘৰ ॥
তেহেন্তে তোমাৰ, হৈবে নিজ স্বামী
কহিলোহো সাৰে সাৰে ।
এতেক বচন, শুনিয়া গোসানী
অসংখ্য আনন্দ কৰে ॥
বিশ্বকৰ্ম্মত যে, মেলানি মাগিয়া
শুনিয়োক পিতৃবাক ।
হেমন্ত গিৰীত, ময়ো॰নিয়া মোক
আশ্ৰম পাতিয়া থাক ॥

গোসানীৰ বাণী, শুনি বিশ্বকৰ্ম্মে
মনত আনন্দ ভৈলা।
লগে দশকুৰি, লৈয়া গোসানীক
বিশ্বকৰ্ম্ম চলি গৈলা ॥
হিমন্বন্ত নামে, একগিৰী আছে
ফলে ফুলে জক মক।
সেউতী মালতী, লঁবঙ্গ তুলসী
আছয় আৰু অনেক ॥
আকাশৰ গঙ্গা, তহিতে পৰিছে
পৰশনে পাপ হৰ।
মণি মৰকতে, নানা শোভা কৰে
দেখি মহা মনোহৰ ॥
কতো বেলি যাই, বিশ্বকৰ্ম্মে পাইলা
হিমবন্ত গিৰী বৰ।
এক পৰ্ব্বতক, চাৰিয়া গহ্বৰ
তেহেন্তে সিদ্ধি সবৰ ॥
বিশ্বকৰ্ম্মে যাই, তৈতে বসিলন্ত
দেখি আতি বিতোপন।
কোকিল ময়ুৰে, সুললীত কৰি
নাদ ত্যজে সৰ্ব্বক্ষণ ॥
পশ্চিমত গঙ্গা, বহয় সৰ্ব্বদা
ফলে ফুলে আছে জুৰি।

একখানি ঘৰ, তৈতে বান্ধিলন্ত
আতি বিতোপণ কৰি ॥
গোসানীক নিয়া, অনেক বুঝায়া
সেহি গৃহে স্থাপি থৈলা ।
বিদায় কৰিয়া, আপোন থানক
বিশ্বকৰ্ম্ম চলি গৈলা ॥
পাছত গোসানীঁ, তুলসী সবক
চুৱাৰত কইলা আনি ।
তাৰ পাত ছিঙ্গি, সদাই বিষ্ণোক
পূজন্ত সীতা গোসানী ॥
শুনা সভাসদ, ইতিহাস পদ
গোসানী সীতা চৰিত্ৰ ।
আক এক মনে, শুনে যিটো জনে
পাপীয়ো হোৱে পবিত্ৰ ॥
কলিৰ লোকৰ, হৰিসে বান্ধৱ
হৰিসে মোক্ষ মুকুতি ।
ইহ পৰলোকে, ভৱ তৰিবাৰ
হৰি বিনে নাই গতি ॥
শুনা সৰ্ব্বজন, কথা বিতোপন
বাৰাহ চৰিত্ৰ পদ ।
ডাকি মুখ ভৰি, বোলা হৰি হৰি
তৰিয়ো সবে আপদ ॥

নমো নাৰায়ণ, বিঘিনী খণ্ডন
চৰণ ভাবি একান্তে ।
পদ দীৰ্ঘ ছন্দে, ৰচিলো আনন্দে
কহে দ্বিজ উমাকান্তে ॥

———:0:———

## পদ ।

আত অনন্তৰে শুনা সভাসদ চয় ।
এহিমতে কন্যা তপ কৰিয়া আছয় ॥
ঊনৈশ বৎছৰ কন্যা তৈতে যেবে ৰৈলা ।
শুনা আত অনন্তৰে যেন কথা ভৈলা ॥
এক দিনা সেহিস্থানে গৈলেক ৰাৱণ ।
পৰম আনন্দে গৈয়া ভৈলা উপসন্ন ॥
হিমৱন্ত গিৰীৰাজ পৰম শোভন ।
তাৰ শৃঙ্গ চাই ফুৰে অবধ্য ৰাৱণ ॥
আনন্দে চাহিয়া ফুৰে দুৰ্জ্জয় ৰাৱণ ।
পাছে পৰ্ব্বতৰ শৃঙ্গে চড়িলা দুৰ্জ্জন ॥
আশ্ৰমেক আছে তাত আতি বিতোপন ।
পৰম বিচিত্ৰ কন্যা বসি কৰে ধ্যান ॥
লাসে লাসে যাই পাছে সম্মিত ৰাৱণ ।
কন্যাৰ ৰূপক দেখি আনন্দিত ভৈলা ॥

কিকৰিবো কৈক যাইবো মনত ভাবিলা ।
ৰূপদেখি কামবানে জৰ্জ্জৰিত ভৈলা ॥
সুধিবে লাগিলা কথা মধুৰ বচনে ।
কাহাক লাগিয়া তপ কৰা কি কাৰণে ॥
তৰুণ বয়স দেখো স্বামী সঙ্গে নাই ।
ইহাৰ নিৰ্ণয় মোক কহিয়ো বুজাই ॥
তোমাৰ সমান নাৰী নাহি কোন স্থানে ।
কোন বাঞ্চা সিদ্ধি হেতু আছা শুদ্ধমনে ॥
ত্ৰৈলোক্য ভিতৰে নাৰী তোমাৰ সমান ।
সত্য কৰি মোত ভাঙ্গি বোলাহা বচন ॥
ইত্যাদি অনেক ভাৱে ৰাৱণে সুধিলা ।
তথাপিও সীতা শান্তী চক্ষু নেমেলিলা ॥
আৰ কিছু কওঁ বুলি মনত ভাবিলা ।
তপ ভঙ্গ কৰো বুলি কহিতে লাগিলা ॥
স্বামী সেৱা কৰ তই মোৰ বোল লই ।
তুমি তপ কৰা মই জানো অভিপ্ৰাই ॥
বৰিও মোহোক মই ৰাজ লঙ্কেশ্বৰ ।
জগত বিজয়ী মই ৰাজা ত্ৰৈলোকৰ ॥
পুলস্তিৰ নাতি বেদ বিশ্ৰৱা নন্দন ।
পৰি নাতি ব্ৰহ্মাৰ যে নামভে ৰাৱণ ॥
চন্দ্ৰসূৰ্য্য আদি দেৱগণ যত যত ।
খাটে আসি তিনি লোকে মোৰ চৰণত ॥

এহি বুলি কামবানে মূৰ্চ্ছিত ভৈলন্ত ।
সন্নিত চাপিয়া হাতে ধৰিবাক চান্ত ॥
হেন দেখি শান্তি পাছে বুলিলা বচন ।
শুনৰে অধম তই পাপিষ্ট ৰাৱণ ॥
পতিব্ৰতা নাৰী মই জানিবা নিশ্চয় ।
পৰ পুৰুষক পৰশনে পাপ হয় ॥
এতেকেসে তোক মই নবৰোঁ কুমাৰী ।
ইথানৰ পৰা তুমি যোৱাহা অন্তৰি ॥
হেনশুনি ৰাৱণৰ ক্ৰোদ্ধ জ্বলি গৈলা ।
দশ মাথা জঙ্কাৰিয়া বুলিবাক লৈলা ।
হাইৰে পাপীষ্ঠী কেন নিষ্ঠুৰ বোলস ॥
মোহোৰ আগত পতিব্ৰতা বখানস ।
দেখো তোক ঈশ্বৰে ৰাখয় কেনকৰি ॥
মহাবেগে খেদি যাই দুয়ো হাতে ধৰি ।
কোলে কৰি লঙ্কাক নিবাক লাগি চান্ত ॥
দেখি উচ্চৈশ্বৰী খঙ্গে সিদ্ধান্ত দিলন্ত ।
এড় এড় হাতৰ পাপীষ্ঠ দুৰাচাৰ ॥
পতিব্ৰতা ধৰ্ম্ম নষ্ট কৰিলি আমাৰ ।
শাপি ভস্মকৰো আবে নেৰস হাতৰ ।
শুনি ভয়ে হাতক এৰিলা লঙ্কেশ্বৰ ॥
মহামৰ্ম্মে উচ্চৈশ্বৰী হাতৰ এড়াই ।
বুলিবাক লৈলা পাচে ৰাৱণক চাই ॥

অধম পাপীষ্ঠ তই জোঙ্কাইলি মোক।
তাৰ ফল দিয়ো সাক্ষী হুইবা দেৱলোক ॥
মোহোৰ নিমিত্তে তোৰ দশকন্ধ পাত।
সবান্ধৱে পৰিবাৰ হৈবেক বিঘাত ॥
মোহোৰ নিমিত্তে ছন্ন লঙ্কা ৰাজ্যখান।
একে তোৰ ভাই মাত্র ৰৈবে বিভীষণ ॥
এহি বুলি শান্তী পাছে স্নানক কৰিলা।
তীৰে উঠি কাষ্ঠ আনি অগ্নিক জ্বালিলা ॥
পিতৃ মাতৃ গুৰু দেব স্বামী চিন্তি মনে।
তাতে দেহা ত্যজিলন্ত কম্পিয়া তেখনে ॥
তাক দেখি ৰাৱণৰ তনু ভয়ে ভীত।
আথে বেথে অগণিক নুমাইলা তাত ॥
বিচাৰি চাহিয়া দেখে আছে ডিম্ব এক।
তাক লৈয়া দশগ্রীবে গৃহক গৈলেক ॥
সুবর্ণৰ সফুৰা বান্ধি শয়নৰ ঘৰে।
মহাযত্ন কৰিয়া থৈলেক লঙ্কেশ্বৰে ॥
মন্দোদৰী দেখি পাছে স্বামীত সোধন্ত।
ভাল-মন্দ কিছু তান্ত নোদলে সিদ্ধান্ত ॥
এহিমতে কতো দিন আছে জগমায়।
ডিম্বাগুটি ভৈলা পাছে কন্যাৰ স্বভাব ॥
একদিনা ৰাজা পাছে মৃগয়াক গৈলা।
দেখি মন্দোদৰী বৰ আনন্দ লভিলা ॥

কিবা বস্তু আছে বুলি সফুৰা মেলিলা ।
এক দিব্য কন্যা পাছে তাহাত দেখিলা ॥
তাক দেখি মন্দোদৰী বিস্ময় ভৈলন্ত ।
এই কন্যাকেই স্বামী আমাক নলন্ত ॥
মা[illegible] জানিলো নিশ্চয় ।
ৰাত্রি ভৈলে [illegible]মী সঙ্গে আনন্দে থাকয় ॥
আমাক নাদৰে ৰাজা এইৰ সঙ্গ পাই ।
দিন ভৈলে সফুৰাত বান্ধিয়া থৱই ॥
এহি বুলি পটেশ্বৰী ক্রোন্ধে জলিলন্ত ।
দাসী সমস্তক মাতি সঙ্গত লৈলন্ত ॥
তেসম্বে সহিতে চলি গৈলা মহাদই ।
সাগৰ তীৰক পাইলা সফুৰাক লই ॥
সতিনী মৰস বুলি জলে পেলাইলা ।
দেখি জল নিধি বৰ আনন্দ লভিলা ॥
আনন্দতে গোসানীক জলে লৈয়া যাই ।
উত্তৰা কুণ্ডক নিয়া বালি দিয়া থই ॥
গৈলা লুপ্ত কৰি তাক নজানিল কেঁৱে ।
নিজ স্থানে থাকি জানিলন্ত ব্রহ্মাদেৱে ॥
তাত পাছে যেন কথা শুনা আৰু বাৰ ।
মৃগয়া কৰিয়া আসিলেক লঙ্কেশ্বৰ ॥
সফুৰা নাদেখি ৰাজা বিস্ময় ভৈলন্ত ।
ঘনে ঘনে ত্রাহি ত্রাহি মনে উচ্চাৰন্ত ॥

তান পাছে গৈয়া মন্দোদৰীত সোধন্ত ।
কথা শুনি মন্দোদৰী খঙ্গে জ্বলিলন্ত ॥
সতীনী আনিছ তই মোত আঁৰ কৰি ।
আমাত কৰিয়া তাই সৰ্ব্বাঙ্গে সুন্দৰী ॥
সি কাৰণে তোহোৰ মোহোত দয়া নাই ।
অইৰ মান সাধিলোহো সাগৰে পেলাই ॥
শুনি ৰাৱণৰ মনে মিলিল সংশয় ।
ঈশ্বৰৰ ইচ্ছা কোনে খণ্ডিব পাৰয় ॥
আপুনি বিনাশ জানি ভাবে মনে মনে ।
একো নকহিয়া মনে থাকিলা ৰাৱণে ॥
শুনা আত অনন্তৰে যেন ভৈলা পাছে ।
সাগৰ পাৰত দেবী কতো দিন আছে ॥
মিথিলাৰ ৰাজা যিটো জনক নৃপতি ।
তাহাৰ কামনা যজ্ঞ কৰিবাক প্ৰতি ॥
এক দিনা ৰাজা পাছে কৰিলন্ত থিৰ ।
যজ্ঞ ভূমি চাই ফুৰে সাগৰৰ তীৰ ॥
যিটো সাগৰৰ তীৰে সফুৰা আছিল ।
সিটো স্থানে ৰাজা গৈয়া উপনীত ভৈল ॥
বহলে হোৱয় সিটো যোজন প্ৰমাণ ।
দীঘলে সাগৰ সিটো অসংখ্য গণন ॥
তাহাৰ পাৰত হাল জোৰে নৃপবৰ ।
বাহিবে লাগিলা হাল অনেক বিস্তাৰ ॥

শুনা সবে তাত পাছে যেন কথা ভৈলা ।
সেহিবেলা মহাৰাজ গৃহে চলি গৈলা ।
হলধৰ সবে তাত হাল বাহি আছে ।
এক মহা অদভুত দেখিলন্ত পাছে ॥
চমৎকাৰ সফুৰা এক উপজিলা ।
হলধৰ গণে দেখি কম্পিবে লাগিলা ॥
সবে বোলে ইটো মহা অদভুত ভৈলা ।
চক্ষুত পৰিয়া ৰশ্মি বিমূৰ্চ্ছিত ভৈলা ॥
সবে বোলে চাই ভাই চাহ সৰ্ব্বজন ।
অগনি সদৃশ দেখি তাহাৰ বৰণ ॥
সবে বোলে সিৰলত উপজিল ৰত্ন ।
ধৰো ধৰো কহি সবে কৰিলন্ত যত্ন ॥
কিবা বস্তু আছে তাত মনতে বিচাৰি ।
তাক ধৰিবাক বুলি সবে গৈলা লৰি ॥
সন্নিত চাপিয়া সবে ধৰিবাক চান্ত ।
লাগ নেদি সফুৰাও দূৰক পলান্ত ॥
দেখি হলধৰ গণে মহাভয় ভৈলা ।
জনক ৰাজাৰ আগে কহিবাক গৈলা ॥
পন্থ পেৰেক্ষি ত্বৰা যাই লৰালৰি কৰি ।
তেতিক্ষণে পাইলা যাই মিথিলা নগৰী
সমজ্যা সাহতে বসি আছে মহাৰাই ।
সেহি সভাতে জনো পাইলেক যাই ॥

জানু পাৰি দুয়ো কৰযোৰ কৰি হাতে ।
আমি এক অদভূত দেখিলো সাক্ষাতে ॥
তোমাৰ আগত আমি কহো সেহি মত ।
শুনা যেন কথা ভৈলা তোমাৰ পাছত ॥
হালবাই আছো আমি আনন্দিত মতি ।
সিৰলত কিবা এক উঠিলা সম্প্রতি ॥
সুবর্ণ সফুৰা দেখি সূর্য্য সম কান্তি ।
যজ্ঞস্থলী যুৰি প্রকাশয় তাৰ জ্যোতি ॥
দেখি তাক খেদি সবে ধৰিবাক যাই ।
কাকো লাগ নিদি সিটো দূৰক পলাই ॥
খেদি খেদি আমি তাক ধৰিবাক নপাইলো ।
সিকাৰণে আসি আমি তোমাত জনাইলো ॥
শুনি ৰাজা তেখনে গৃহৰ ভৈলা বাজ ।
ক্ষণেকে পাইলে গই যজ্ঞস্থলী মাজ ॥
আনন্দিতে মহাৰাজা সমীপে চাপিলা ।
নৃপতিক দেখি সিটো দূৰক নগৈলা ॥
ৰাজাক দেখি টেমা ৰৈলা সীৰে পৰি ।
দুই হাতে সফুৰাক তুলিলন্ত ধৰি ॥
সফুৰা মেলিয়া দেখে আছে কন্যা এক ।
কন্যা পাই নৃপতিৰ আনন্দ অনেক ॥
বাদ্যে ভণ্ডে দণ্ডে ছত্রে পৰম সাদৰে ।
কন্যালই গৈলা ৰাজা আপোনাৰ ঘৰে ॥

জগত মোহিনী কন্যা ৰূপে বিতোপন ।
দেখিয়া হৰিষ ভৈলা সবাহাৰ মন ॥
জনক ৰাজাৰ ভাৰ্য্যা পৰম সুন্দৰী ।
তাহাঙ্ক তুলিবে দিলা মহা যত্ন কৰি ॥
দৈবজ্ঞো আনিয়া জাত কৰ্ম্ম কৰিলন্ত ।
ব্ৰাহ্মণ সবাক দান দক্ষিণা দিলন্ত ॥
দৈবজ্ঞো সমস্তে গণি কৰিলন্ত সাৰ ।
জগত জননী লক্ষ্মী ভৈলা অৱতাৰ ॥
সিৰলত উপজিলা সীতা নামে থৈলা ।
জনক তুলিলা যাতো জানকী বুলিলা ॥
মিথিলা দেশক যাই বেকত ভৈলন্ত ।
সিহেতু মৈথিলী তাসম্বাক বুলিলন্ত ॥
শুনা নৰনাৰী সবে সীতাৰ জনম ।
কিনো আচৰিত ইটো পদ মনোৰম ॥
এওক লৈয়া যাব পাচে দশৰথ সুতে ।
এওৰ কাৰণে ভাৰ নৰহে মহীতে ॥
তাৰ হৰণৰ পদ আত নিলেখিলো ।
পদ বাহুল্যক ভয়ে মোটতে কহিলো ॥
শুনা সভাসদ পদ বাৰাহ চৰিত্ৰ ।
ইহাক শুনিলে হয় পাপীও পবিত্ৰ ॥
কলিৰ যুগত ইটো নামেসে প্ৰধান ।
কলিৰ যুগত শ্ৰেষ্ঠ কৃষ্ণৰ কীৰ্ত্তন ॥

নামেসে পৰম ধৰ্ম্ম জানিবা নিশ্চয় ।
ধৰ্ম্মত থাকিলে নাহি যমকো যে ভয় ॥
তপ জপ তীৰ্থস্নান যোগ ব্ৰত দান ।
ইসবো নোহয় কৃষ্ণ নামৰ সমান ॥
জানিয়ো জন্মক নষ্ট নকৰিবা বৃথা ।
আন যত চিন্তা এৰি শুনা কৃষ্ণ কথা ॥
পুত্ৰ ভাৰ্য্যা সবে মানে জানা মায়াজৰি ।
বুদ্ধিৰে ঈশ্বৰে বান্ধি আছে যত্ন কৰি ॥
সিটো বান্ধ এৰণ নযাই কোনো মতে ।
নকৰে ভকতি যাৰে কৃষ্ণৰ পদতে ॥
কৃষ্ণপদে অপৰাধ যতেক কৰয় ।
নাম শুনি কৃষ্ণ তাঙ্ক এৰি পেলাৱয় ॥
হেন দেখি বাৰাহৰ নিবন্ধিলো পদ ।
একচিত্ত মনে শুনা যত সভাসদ ॥
বৰ্তাটুটা দোষ আত অনেক আছয় ।
সাধু সবে শুনি তাক ক্ষেমিবে লাগয় ॥
চম্পা মালতিক গাঠৈ জৰি দিয়া আনি ।
দেৱে কি নলয় তাঙ্ক অপবিত্ৰ মানি ।
গঙ্গাৰ জলত যদি বৃষ্টিজল পৰে ।
কৈত দেখি আছা তাঙ্ক কোনে বাচি এৰে ॥
যদি গঙ্গাজল ঘট বুৰাই । আনে ।
তথাপি পবিত্ৰ হোৱে তাঙ্ক স্নান পানে ॥

ঘৃততে পৰিলে কুটা অশুদ্ধ নোহয় ।
কষ্টেতে ধুইয়া তাঙ্ক সবেও ভুঞ্জয় ॥
এই হেতু খাটো মই সাধু সমাজত ।
আদৰ কৰিয়া আক থোৱয় গৃহত ।।
যাৰ গৃহে থাকে ইটো পুস্তক ৰতন ।
তাৰ গৃহে লক্ষ্মীসহ আছে নাৰায়ণ ॥
মাধৱৰ বাক্য ইটো জানা নিষ্ঠকৰি ।
দ্বিজ উমাকান্তে কহে বোলা হৰি হৰি ॥

সমাপ্ত ॥



# বিজ্ঞাপন।

তলত নাম দিয়া কিতাপবোৰ আমাৰ দোকানত বিক্ৰিৰ নিমিত্তে তৈয়াৰ আছে। যাক লাগে আমালৈ পত্ৰ দিব॥ এইবোৰ কিতাপত বহুত কমিচন দিব পৰা হয়।

| | |
|---|---|
| ১। লৱণ দৈত্য বধ ৵০ | ১৬। নল দময়ন্তী চৰিত্ৰ ॥ |
| ২। বালীবধ ৶০ | ১৭। প্ৰহ্লাদ চৰিত্ৰ |
| ৩। কূৰ্ম্মবলী বধ ।৭ | ১৮। স্ত্ৰীচৰিত্ৰ |
| ৪। খটাসুৰ, জম্ভাসুৰ অশ্বকৰ্ণ বধ একত্ৰে ১৲ | ১৯। শুক চৰিত্ৰ |
| | ২০। বাৰাহ চৰিত্ৰ |
| ৫। শিশুপালবধ ৶০ | ২১। ভক্তচাৰিত্ৰ |
| ৬। মহীৰাৱণবধ ।০ | ২২। ৰুক্মিণী হৰণ |
| ৭। মহিষাসুৰ ও শুম্ভ নিশুম্ভ বধ ॥০ | ২৩। ৰাধাহৰণ |
| | ২৪। উষাহৰণ |
| ৮। পক্ষীচৰিত্ৰ ।০ | ২৫। ৰুমাৰ হৰণ |
| ৯। লক্ষ্মীচৰিত্ৰ /০ | ২৬। পাৰিজাত হৰণ |
| ১০। ভীমচৰিত্ৰ ।০ | ২৭। বস্ত্ৰহৰণ |
| ১১। ডাকচৰিত্ৰ ।০ | ২৮। স্যমন্ত হৰণ |
| ১২। স্বপ্নচৰিত্ৰ সৰু /৬ | ২৯। হৰি প্ৰসঙ্গ আইনাম। |
| ১৩। ঐ ডাঙ্গৰ ।০ | ৩০। অনাদি পাতন ভাগৱত |
| ১৪। অশোক চৰিত্ৰ ৵০ | ৩১। বলীছলন ভাগৱত |
| ১৫। মহাদেও পাৰ্ব্বতী চৰিত্ৰ ৵ | ৩২। গোপিনী কীৰ্ত্তন |

শ্ৰীশিবনাথ ভট্টাচাৰ্য্য

যোৰহাট